শিখ কমাণ্ডাৰ। অচ্ছা অচ্ছা! আপ কোন হ্যাঁয় ?

ডাক্তৰ হাজৰিকা। ম্যায় তো ডাক্তাৰ হুঁ।

শিখ কমাণ্ডাৰ। অচ্ছা—অচ্ছা তো অভি আপলোগোঁকী বাত সমজ নেকেলিয়ে, আপলোগোকে-দেশকে-লেফটেণ্ট বৰুৱা চাহেব আয়েঙ্গে। মেৰী অৰ্জ য়হী হ্যায় কি আপলোগ বাত শুন কৰ হামলোগকে আজাদ-হিন্দ-ফৌজকে তথা নেতাজীকী মদদ কৰকে হমৰা সোনেকা হিন্দুস্থানকা আজাদ কৰনে কে লিয়ে তৈয়াৰ হো যায়েঙ্গে।

এনেতে লেফটেনেণ্ট বৰুৱা কাষলতিৰ তলত এখন মেৰিয়াই থোৱা নিচান লৈ আহি-শিখ কমাণ্ডাৰক চেলিউট দি ৰথ।

শিখ কমাণ্ডাৰ। অচ্ছা বৰুৱা চাহেব, দেখিয়ে য়ে লোগ আসাম কে ৰহনেৱালে হ্যায়্। হিন্দুস্থানী ভাষা ইন্‌লোগোকো সমজমেঁ নহী অতি উস্‌লিয়ে ম্যায় আপকো বুলায়াহুঁ। আপ ইনলোগোঁকো আজাদ-হিন্দ-ফৌজকে সব কুছ সমজা দীজিয়ে।

লেফটেনেণ্ট বৰুৱা। ( চেলিউট কৰি জী এই বুলি লেফঃ বৰুৱাই ৰেজিমেণ্টৰ ফালে ঘূৰি সকলোলৈকে চাবলৈ ধৰে। তাৰ পিছত ডাক্তৰ হাজৰিকাক দেখি অলপ ইহা যেন কৰি। )

আ—আ—আপুনি ডাক্তৰ হাজৰিকা নহয়নে ?

হাজঃ। ( থিয় হৈ ) হয় মই ডাক্তৰ হাজৰিকা। ( তাৰ পিছত ভালকৈ চায় ) এ আপুনি দেখোন আপুনি—?

লেফঃ বৰুৱা। এৰা ময়েই। ( সকলোৱে লেফঃ বৰুৱাৰ ফালে চায় আৰু বৰুৱা আগবাঢ়ি আহি ডাক্তৰ হাজৰিকাক সাৱট মাৰি ধৰে। )

ডাক্তৰ হাজঃ। আপুনি পিছে ?

লেফঃ বৰুৱা। মই শিঙাপুৰত আছিলো। মই তাতেই ধৰা পৰো। তাৰ পিছত আমাৰ নেতাজী বসুৰ আজাদ্-হিন্দ্-ফৌজত সোমালো।

ডাক্তৰ বৰুৱা। আজাদ্ হিন্দ্ ফৌজত ?

লেফঃ বৰুৱা। এৰা, এতিয়াতো এই সুবিধাতেই আমি ভাৰতৰ স্বাধীনতাৰ বাবে চেষ্টা কৰিব লাগিব। বৰ্ত্তমান আজাদ হিন্দ্ ফৌজত প্ৰায় কেবা লাখো সু-শিক্ষিত সৈন্য হৈছে। ভাৰতৰ সকলো প্ৰদেশৰে বঙালী, বিহাৰী, পাঞ্জাৱী, মাৰাঠী শিখ, পাঠান, মাদ্ৰাজী আদি সকলোৱে আছে। আমাৰ অসমীয়াহে মাথোন প্ৰায় ১৮ জন মান। অন্ততঃ ১০০ মান হলেই। আপোনালোকৰ ৰেজিমেণ্টটোত কিমান ?

ডাক্তৰ হাজঃ। ইয়াত আমাৰ প্ৰায় ২০০ ৰ ওপৰ। আমাৰ লগত ৪ জনী অসমীয়া ধৰা পৰিছে। সিহঁতক হাস্পতালত ঠাই দিছে।

লেফঃ বৰুৱা। হয় নেকি? অসমীয়া নাৰ্ছ?

ডাক্তৰ হাঃ। তেন্তে তেওঁলোকক মতোৱাই ইয়ালৈ অনোৱা যাওক। সকলো কথা মই বুজাওঁ।

এই বুলি বৰুৱাই গৈ জাপানী ভাষাৰে জাপানী কমাণ্ডাৰক কিবা কয় আৰু জাপানী কমাণ্ডাৰে মূৰ দুপিয়াই এখন কাগজ লিখি এটা চন্তৰী মাতি পঠিয়াই দিয়ে। লেঃ বৰুৱাই ডাক্তৰ হাজৰিকাক হাত বাউল দি মাতে আৰু তেওঁ গলত অলপ দূৰলৈ নি অকলশৰীয়াকৈ, আনে নুশুনাকৈ কিবা কথা বৰ গহীনভাবে পাতিবলৈ ধৰে। জাপানী কমাণ্ডাৰ আৰু শিখ কমাণ্ডাৰে তেওঁলোকৰ ভিতৰত কথা পাতে আৰু দলটোৰ মানুহবোৰে নিজৰ ভিতৰত খুব কিবা আলোচনা কৰিবলৈ ধৰে। এনেতে জাপানী চন্তৰীয়ে লভিতা আৰু দুজনী নাৰ্ছক তালৈ লৈ আহে। সিহঁতৰ মুখ শেঁতা আৰু ক্ষীণোৱা; সিহঁতে নাৰ্ছৰ পোছাকতেই আছিল। সিহঁতক আনি জাপানী কমাণ্ডাৰৰ ওচৰত হাজিৰ কৰে। দলৰ সকলোৱে মাত-কথা বন্ধ কৰি সিহঁতলৈ চাই থাকে।

ডাঃ হাজৰিকা আৰু লেঃ বৰুৱা কথা পাতি থকা ঠাইৰ পৰা আহি লভিতাহঁতৰ আগত থিয় হয়। লেঃ বৰুৱাই জাপানী কমাণ্ডাৰক জাপানী ভাষাত কিবা সোধে আৰু উত্তৰ পায় কয়।

লেফঃ বৰুৱা। (ডাঃ হাজৰিকাক) ডাক্তৰ হাজৰিকা! আপুনি বাৰু বহকগৈ।

ডাঃ হাজঃ। মূৰ দুপিযাই গৈ আগৰ ঠাইত বহেগৈ।

লভিতাইঁতৰ ফালে ভালকৈ ভৰিৰ পৰা মূৰলৈকে নিৰীক্ষণ কৰি )

তোমালোক অসমীয়া ছোৱালী ?

লভিতা। হয়।

লেঃ বৰুৱা। তোমালোকৰ ঘৰ ক'ত আছিল ?

লভিতা। মোৰ গোলাঘাটত আৰু তেওঁলোকৰ এওঁ তেজপুৰৰ আৰু তেওঁ নগাৱঁৰ।

লেঃ বৰুৱা। তোমালোকে নাৰ্চ কাম কিমান দিনৰ পৰা কৰিছা ?

লভিতা। ধৰা পৰাৰ তিনি মাহ আগৰে পৰা।

লেঃ বৰুৱা। তোমালোকে কেনেকৈ যুদ্ধৰ কামত আহিবলৈ পালা ?

লভিতা। বহুতো অসমীয়া ছোৱালী এই কামত ভৰ্ত্তি হৈছে ম—মই ( অলপ বৈ ) ময়ো।

লেঃ বৰুৱা। ' লভিতালৈ টানকৈ চাই যুদ্ধলৈ ভয় নাইনে তোমালোকৰ ?

লভিতা। ভয় কৰিলেনো আমি যুদ্ধৰ পৰা সাৰিব পাৰিম জানো ? আমাৰ গাঁৱৰ চোতালে-পথাৰে যুদ্ধ। অসমীয়া কত' লৰা-ছোৱালীয়ে কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ লাঠী খাই, গুলি খাই মৰিছে। আমিনো আৰু ভয় কৰিবলৈ কিটো আছে ?

লেঃ বৰুৱা। (লভিতাৰ কথাত আচৰিত আৰু আনন্দিত হৈ) নিশ্চয় তেন্তে আমাৰ অসম দেশ আৰু অসমীয়া মানুহ আগৰ হৈ থকা নাই। মই আজি ১০।১২ বছৰ বিদেশতেই।

লভিতা। কংগ্ৰেছ আন্দোলন আৰু এই বাৰ বিয়াল্লিছৰ বিপ্লৱে আৰু লগে লগে যুদ্ধৰ তল-ওপৰে অসমীয়া মানুহক সলাই পেলালে।

লেঃ বৰুৱা। (কিছু পৰ নিৰ্ব্বাক হৈ থাকে) তোমাৰ নাম?

লভিতা। লভিতা বৰুৱা।

লেঃ বৰুৱা। লভিতা বঁ-ৰু-ৱা?

(অলপ তলমূৰকৈ মনে মনে থাকি হঠাৎ দলৰ ফালে মুখ কৰি কবলৈ ধৰে।)

মোৰ অসমীয়া সৈনিক ভাইসকল! মই আপোনালোকক কেটামান প্ৰশ্ন সুধিব খোজো?

এজন সৈন্য। (থিয় হৈ) হয় ডাঙৰীয়া সোধক, আমি—

লেঃ বৰুৱা। বাৰু বহক। মোক বহি বহি উত্তৰ দিলেই হব। থিয় হব নালাগে। মোৰ প্ৰশ্ন আৰু কথা মন দি শুনি শুনি গাঁথিহে উত্তৰ দিব।

এজন সৈন্য। ভাল ডাঙৰীয়া।

লেঃ বৰুৱা। আপোনালোক কাৰ সৈন্য?

এজন সৈন্য। আমি বৃটিছৰ সৈন্য।

লেঃ বৰুৱা। বৃটিছৰ ?

এজন সৈন্য। বৃটিছৰ পিছে ভাৰতীয় সৈন্য।

লেঃ বৰুৱা। আপোনালোকে কাৰ বিৰুদ্ধে যুজিবলৈ আহিছিল ?

এজন সৈন্য। জাপানীৰ।

লেঃ বৰুৱা। কিয় ?

এজন সৈন্য। জাপানীয়ে আমাৰ দেশ লবলৈ আহিছিল দেখি।

লেঃ বৰুৱা। তেন্তে যেয়ে আপোনালোকৰ দেশ লয় বা লবলৈ আহে, তাৰ সৈতে আপোনালোকে যুঁজ কৰিব ?

এজন সৈন্য। হয় সেইটো আমাৰ কৰ্ত্তব্য।

লেঃ বৰুৱা। ভাল কথা ! তেন্তে ইংৰাজবোৰো জাপানীৰ দৰেই বিদেশী। সিহঁতৰ লগত ইমানদিনে আপোনালোকে যুদ্ধ কৰা নাছিল কিয় ?

( সকলোৰে নিমাতে থাকে তাৰ পিছত এজনে কয়। )

এজন সৈন্য ! ডাঙৰীয়া ! আমি বৃটিছৰ নিমখ খাইছো সিহঁতে আমাক দৰমহা দি সৈন্য কৰিছে।

লেঃ বৰুৱা। বৃটিছৰ নিমখ আপোনালোকে খাইছে ? হাঃ—হাঃ —হাঃ আপোনালোকক যে দৰমহা দিয়ে ক'ৰপৰা দিয়ে কব পাৰানে ?

এজন সৈন্য। চৰকাৰৰ পৰা—

লেঃ বৰুৱা। চৰকাৰে সেই টকা ক'ৰ পৰা পায় জানেনে ?

এজন সৈন্য। চৰকাৰে ৰায়তৰ খাজনা তুলি—

লেঃ বৰুৱা। তেন্তে আপোনালোকে দৰমহা পায় খাজনাৰ টকাৰ পৰা ? সেই টকা ৰায়তে ঘটে, হাড়ক মাটি কৰি তেজক পানী কৰি খেতি-বাতি কৰি। ইংৰাজে বিলাতৰ পৰা আপোনালোকৰ দৰমহাৰ টকা নানে। আমাৰ মানুহৰ পৰা খাজনা তুলি সেই টকাৰেই আপোনালোকক দৰমহা দিছে। সেই টকাৰেই আপোলোকে খাইছে, লৰা-ছোৱালীক পুহিছে। তেন্তে ভাইসকল ! আপোনালোকে ৰায়তৰ নিমখ খোৱা নাইনে ? অসমীয়া ৰায়তৰ নিমখ খাইছে। ইংৰাজ বিদেশী গৱৰ্ণমেণ্টৰ নিমখ খোৱা নাই। হয় নে নহয় বাৰু কওকচোন এতিয়া।

লভিতা। আপুনি কোৱা কথাবোৰ আমাৰ তাত গান্ধীৰ ভলণ্টিয়াৰবোৰে কৈছে। আমাৰ গাঁৱৰ ৰায়তসকলে বুজিছে। কিন্তু আমাৰ যিসকলে সৈনিক হৈছে, তেওঁলোকেও আজিকালি এই কথাটো বুজা হৈছে, কিন্তু বুজিও তেওঁলোকে একো কৰিবলৈ উপায় পোৱা নাই।

লেঃ বৰুৱা। সেই কাৰণেই আমি আজাদ হিন্দ্ ফৌজে তাৰ উপায় উলিয়াইছোঁ। নেতাজীয়ে তাৰ উপায় আমাক দিছে। ইমান দিন আমাক ইংৰাজে এনেকৈ বান্ধি-ছাটি

থৈছিল যে, আমি যদিও অন্তৰে অন্তৰে কথা বুজিছিলো — আমাৰ ভাৰতীয় ৰাইজে ভাৰতীয় সৈনিকসকলে ভাৰতীয় উচ্চ নীচ সকলোৱেই বৃটিছৰ হাতৰ পৰা নিজৰ দেশক মুকলি কৰিবলৈ বুকত জীয়াজুই পুহি আছিল, তথাপিও আমি একো তাৰ উপায় পোৱা নাছিলো।

এদিন ১৮৫৭ চনত ভাৰতীয় সৈন্যসকলে আৰু ভাৰতীয় ৰাইজে বৃটিছৰ বিৰুদ্ধে মূৰ ডাঙি উঠিছিল। কিন্তু আমাৰ দুৰ্ভাগ্যবশতঃ সেই অভিযানৰ চেষ্টা সকলো ব্যৰ্থ হ'ল। ঝান্সীৰ ৰাণীকে আদি কৰি কত বীৰ বীৰাঙ্গনাই সেই জুইত নিজকে জাহ দি—আমাৰ কাৰণে স্বাধীনতাৰ শলিতা নিজৰ বুকৰ তেজেৰে জ্বলাই থৈ গল। আজি এই পৃথিবীজোৰা মহাসমৰৰ বাবে আমি ভাৰতীয়ই যি এক মহান সুযোগ পাইছো ; এই সুবিধাতে আমি আকৌ প্ৰাণপণে স্বাধীনতাৰ কাৰণে যুঁজিব লাগিব।

আজি ভাৰতৰ ভিতৰত কংগ্ৰেছৰ নেতৃত্বত ভাৰতীয় জনতাই স্বাধীনতাৰ মহা সংগ্ৰাম চলাইছে। ১৯৪২ চনৰ বিপ্লৱৰ জুই এতিয়াও নুমুৱা নাই ; কিন্তু আজি জনতাৰ এই স্বাধীনতাৰ অদম্য হেপাহ বৃটিছে সামৰিক বৰ্ব্বৰতা আৰু নিষ্ঠুৰতাৰে দমন কৰি আজিও ভাৰতবৰ্ষক ভৰিৰ তলত গচকি ধৰি আছে।

তেন্তে — তেন্তে ভাৰতীয় সৈনিক ভাইসকল ! আজি আমি ভাগ্যৰ ফেৰত ভাৰতক অস্ত্ৰেৰে হলেও মুক্ত

কৰিবলৈ যি সুবিধা পাইছো, এই সুবিধা এৰি দিয়াটো আমাৰ মূৰ্খালি নহবনে? আমি সৈনিকবোৰো ভাৰতৰ সন্তান। ভাৰতক মুকলি কৰিবলৈ, ভাৰতী আইৰ ভৰিৰ শিকলি খুলি দিবলৈ আমাৰ শক্তিৰে আমাৰ বুদ্ধিৰে চেষ্টা কৰাটো আমাৰ কৰ্ত্তব্য নহয়নে বৃটিছৰ ভৰিৰ তলত থাকি থাকি সিহঁতৰ তলত চাকৰি কৰি সিহঁতৰ বিষ মন্ত্ৰৰে অনুপ্ৰাণিত হৈ আজি আমি আমাৰ মাতৃভুমিক চিনি নোপোৱা হলো নেকি?

সোৱা ভাইসকল! সোৱা দূৰৈত অসমৰ পৰ্ব্বতৰ চুড়া, —সোৱা দূৰৈত অসমৰ আকাশ বতাহ, সোৱা দূৰৈত লুইতৰ পাৰত আমাৰ অসমীয়া ৰাইজ, সোৱা বৃটিছৰ নিপীড়িত দলিত ধৰ্ষিত অত্যাচাৰত জৰ্জ্জৰিত আমাৰ ভাৰতীয়—অসমীয়া—স্বাধীনতাৰ কাৰণে বিয়াকুল হৈ ৰৈ আছে। সেই নিপীড়িত জনতাৰ কান্দোন আপোনালোকে শুনা নাইনে? সোৱা কুশল কোঁৱৰ, কনকলতা, তিলেশ্বৰী, মুকুন্দ, মনবৰ, তিলক ডেকা, মদন, ৰাউতা, ৰতন কচাৰীৰ, পানিকাৰ আত্মাই আমাক মাতিছে।

সৈনিকসকল। আজি তেন্তে আপোনালোকে কি কৰিব? কি কৰিব?

কেইজনমান সৈন্য। আমি, আমি ভাৰতৰ স্বাধীনতাৰ কাৰণে প্ৰাণ দিম, প্ৰাণ দিম।

লেঃ বৰুৱা। ধন্য আপোনালোক, আপোনালোকৰ অসমীয়া নাম সাৰ্থক বুজিলো। আপোনালোকৰ আত্মা এতিয়াও বৃটিছে জয় কৰিব পৰা নাই, সেই কাৰণেই আজি মাতৃভূমিৰ আহ্বানত সাৰ পাই উঠিছে। (হাতৰ নিছান মুকলি কৰি) এইখন আমাৰ তিৰঙ্গা নিছান। এই পতাকা ভাৰতৰ গাঁৱে গাঁৱে চহৰে চহৰে উৰিছে। এয়ে আমাৰ মুক্তি পতাকা। এয়ে আমাৰ বিজয়ী পতাকা। আহক সৈনিকসকল! আজি ভাৰতৰ মুক্তি মন্ত্রত দীক্ষা লোৱা, নতুন মানুহ আপোনালোক, আহক এই নিছানৰ তলত থিয় হৈ গাওক।

সকলো উত্তেজিত হৈ থিয় হয়। বৰুৱাই লগাই দিয়ে আৰু সকলোৱে গায়।

লেঃ বৰুৱা— ঝাণ্ডা উচা ৰহে হমাৰা,
বিজয়ী বিশ্ব-তিৰঙ্গা প্যাৰা—
মদা শক্তি বৰ্ষাণেৱালা
প্রেম সুধা সৰ সনেৱালা
বীৰোঁকা হৰ্ষাণেৱালা
ঝাণ্ডা উচা ৰহে হমৰা—
জয় হিন্দ্—জয় হিন্দ্

ইয়াৰ পিছত লেঃ বৰুৱাই গীত লগাই দিয়ে আৰু সকলোৱে গাব লভিতাইঁতেও যোগ দিয়ে।

—গীত—

জয় হিন্দ্
জয় জয়
জয় হিন্দ্ জয় জয়

নবভাৰতৰ নবীন অৰুণোদয়
জয় হিন্দ্ জয় জয়

যুগান্তৰৰ আন্ধাৰ জিনি
আগ বাঢ়ি যা ন যোৱান !
তোৰ হাতত উৰে বিজয়ী নিছান ।

ইন্ কিলাব জিন্দাবাদ্
হিন্দ্ আজাদ হিন্দ্ আজাদ

**আঁৰ-কাপোৰ**

# সমাপতি

নগা পৰ্ব্বতৰ নাৰ্মনি। অসময় ৰণখলি। দূৰৈত পাটকাই পৰ্ব্বত ৰিণিকি ৰিণিকিকৈ দেখা গৈছে।

বন্দুক বৰতোপ আৰু মেছিন গানৰ ৰু-কুৰনি, মাজে মাজে একোটা বোমা পৰাৰ ভীষণ শব্দ।

মঞ্চৰ সোঁমাজত এটা ওখ টিলা—টিলাটোৰ আগফালে দৰ্শকৰ ফালে পিঠি দি এদল, গোৰা সৈন্যই টিলাটোৰ আঁৰ লৈ মেছিনগান, বন্দুক, 'ট্ৰেঞ্চফৰমেছন'ত অ'ত ত'ত থাকি চলাই আছে। সিফালৰ পৰা গুলি আহি আৰু হেণ্ড গ্ৰেনেড আহি এই গোৰা সৈন্যবোৰৰ মাজত পৰিছে। তাৰে এটা দুটা সৈন্য মাজে মাজে গুলি লাগি বাগৰি পৰিছে আৰু লুকাই থকা 'ৰেডক্ৰছ'ৰ মানুহ আহি লৈ গৈছে।

সিফালৰ পৰা বন্দুকৰ শব্দ ওচৰ চাপি আহে হেণ্ড গ্ৰেনেডৰ কোব চৰি অহাত এই ফালৰ গোৰা সৈন্যবোৰে লাহে লাহে পাছ হুহুকিবলৈ ধৰে।

এনেতে সিফালৰ আজাদ হিন্দ্ ফৌজৰ এদল সৈন্যই উন্মুক্ত চণ্ডীনেৰে হঠাৎ টিলাটোৰ ওপৰেদি ঢৌ বাগৰাদি বাগৰি আহি গোৰা সৈন্য-বোৰৰ ওপৰত পৰে। গোৰা সৈন্য ছেদেলি ভেদেলি হৈ যায়, আৰু আজাদ হিন্দ্ সৈন্যৰ আগত তিষ্ঠিব নোৱাৰি হুহকি মঞ্চৰ পৰা ওলাই যায়, আৰু আজাদ হিন্দ্ সৈন্যও সিহঁতক পাছে পাছে খেদি গৈ মঞ্চৰ পৰা ওলাই যায়।

এনেতে টিলাটোৰ সিফালে আৰু এদল সৈন্যৰে সৈতে লেঃ বৰুৱা হাতত তিৰঙ্গা নিছান লৈ ওলাই আহে আৰু তিৰঙ্গা নিছান টিলাটোৰ ওপৰত থয়। দুটা সৈনিকে চঙীনেৰে মাটি খান্দি খান্দি নিছান-খন ভালকৈ পোতে।

লেঃ বৰুৱা। ( নিছানৰ তলৰ পৰা অলপ মাটি হাতত লৈ। )

এইয়া—এইয়া অসমৰ মাটি, ভাৰতৰ মাটি, ভাৰতৰ মাটিত আজি আমাৰ নিছান পোতা হল। ভাইসকল! আগবাঢ়ি যোৱা। এই নিছানক আৰু আগবঢ়াই নিব লাগিব। অসমৰ বুকলৈ, লুইতৰ পাৰলৈ, ভাৰতৰ কেন্দ্ৰলৈ, দিল্লীলৈ, লালকিল্লালৈ আগবাঢ়া। জয় হিন্দ্ জয় হিন্দ্।

সকলো সৈন্যই জয় হিন্দ্ বুলি গোড়া সৈন্যবোৰ হুহকি যোৱা ফালে প্ৰচণ্ড বেগেৰে আগবাঢ়ি যায়। এনেতে লেঃ বৰুৱাৰ বাওঁ হাতৰ আঙুলিত গুলি লাগেহি আৰু তেজ ওলাবলৈ ধৰে। টিলাটোৰ আঁৰত লুকাই থকা লভিতা আৰু বাকী দুজনী নাছ হঠাতে ওলাই আহি বৰুৱাৰ ফালে আগবাঢ়ে।

লেঃ বৰুৱা। নাহিবা লভিতা! নাহিবা। আঁৰত থাকা। আঁৰত থাকা। মোৰ একো হোৱা নাই, আঙুলিত মাথোন সামান্য আঘাত—একো নহয়। তোমালোক আঁৰত থাকা লভিতা।

তোমালোক এই নিছানৰ তলতেই থাকিবা। মই আগবাঢ়ি যাওঁ। মোৰ সৈন্য আগবাঢ়ি গল। বৃটিছৰ

সম্পূৰ্ণ পৰাজয় কৰিব লাগিব। কালিলৈ আমি অসমৰ সেউজীয়া ধাননিত তিৰঙ্গা নিছান উৰুৱাব লাগিব। সাৱধানেৰে থাকিব লভিতা।

এই বুলি বৰুৱাই ৰাইফল আগলৈ টোৱাই কোবেৰে সৈন্যবোৰ যোৱাৰ ফালে যায়গৈ। এনতে আগত দূৰৰ পৰা জয় হিন্দ্, জয় হিন্দ্ বুলি বিৰাট ধ্বনি আহে। লভিতাহঁতে নিছানৰ তলত টিলাৰ আঁৰত লুকায়। দূৰৈৰ পৰা মেচিন গানৰ শব্দ আহি থাকে।

এনেতে চাৰিজন ৰেডক্ৰছৰ সৈন্যই আহত হোৱা লেফ্‌টেনেণ্ট বৰুৱাক ষ্ট্ৰেছাৰত তুলি লৈ আহে। লভিতা আৰু আন কেজনী নাৰ্ছে ততাতৈয়াকৈ লৰি গৈ ষ্ট্ৰেচাৰৰ ওচৰত উধাতু খাই গিয় হয় গৈ।

**লেফ্‌টেনেণ্ট বৰুৱা।** ( ষ্ট্ৰেছাৰত উঠি বহি চিয়ঁৰি চিয়ঁৰি ) অসমীয়া সৈন্যসকল! আগবাঢ়ি যোৱা আগবাঢি যোৱা।—লভিতা! লভিতা! উস্—উস্—আজি ৰণ জয় কৰিব লাগিব— অসমৰ বুকলৈ আগবাঢ়ি যাব লাগিব—অসমীয়া সৈন্য— আগৱাঢি যোৱা—আগ—

এই বুলি লেফ্‌টেনেণ্ট বৰুৱা ষ্ট্ৰেছাৰত ঢলি পৰি যায় আৰু লভিতাই নাৰ্ছবোৰে ঘেৰি ষ্ট্ৰেছাৰখন টিলাটোৰ পাছে দি হাবিৰ ভিতৰলৈ লৈ যায়। ভীষণ মেচিনগানৰ ৰুৱনি আহিবলৈ ধৰে। এনেতে হতাহতি চণ্ডীনৰ যুজ কৰি আজাদহিন্দৰ সৈন্য এদল পাছ হুহকি

আহি মঞ্চত সোমায়—আৰু বৃটিছ গোৰা সৈন্য আহি সিহঁতৰ ওপৰত পৰে—আৰু ভীষণ যুদ্ধ হয়—এনেতে বিজুলী সঞ্চাৰে হাতত চঙীন লগোৱা বন্দুক লৈ ৰণ-ৰঙ্গিনী মূৰ্ত্তিৰে লভিতা আহি টিলাটোৰ ওপৰত থিয় হয়।

লভিতা। এখোজো নাহিবা। এখোজো নাহিবা। এখোজো পাছলৈ নাহিবা। আজিৰ যুদ্ধ জিকিবই লাগিব। অসমলৈ আগবাঢ়ি যাবই লাগিব। যুদ্ধ কৰা, যুদ্ধ কৰা—প্ৰাণপণে —শত্ৰুক ধ্বংস কৰা। আগবাঢ়া। জয় হিন্দ—জয় হিন্দ্— জয় হিন্দ্।

আজাদ হিন্দৰ অসমীয়া সৈন্যবোৰে ভীষণভাবে যুদ্ধ কৰি—আকৌ বৃটিছ সৈন্যক খেদি মঞ্চৰ বাহিৰলৈ উলিয়াই লৈ যায় গৈ। লভিতাই আগবাঢ়ি সমুখলৈ আহি চিয়ঁৰি চিয়ঁৰি কয়।]

লভিতা। গাত এটোপা তেজ থাকে মানে—উশাহ থাকে মানে—যুজ কৰা—আজি গোটেই অসমীয়াৰ, গোটেই হিন্দুস্থানৰ সন্মান তোমালোকৰ হাতত—আগবাঢ়া—

এনেতে দূৰৈত জয় হিন্দ্ জয় হিন্দ্ শব্দ হয়। আৰু মেছিন গানৰ ৰু-ৰুৱনি বাঢ়ি যায়।

লভিতাই আঁৰৰ পৰা তাতে হৈ উৎকণ্ঠিত ছৈ উত্তেজিত হৈ দুৰলৈ চাই থাকে। টিলাৰ আঁৰৰ পৰা মুখ উলিয়াই আন দুজন নাচেঁ কয়।

এজনী নাৰ্চ। লভিতা বাইদেউ! লভিতা বাইদেউ! মুকলিত নাথাকিবা। গুলি আহিয়েই আছে, আঁৰত থাকা।

দূৰৈত জয় হিন্দ, জয় হিন্দ, বুলি বিৰাট ধ্বনি হয়।

লভিতাই তাতে থিয় হৈ দূৰলৈ চাই আছে আৰু এনেতে দূৰৈত ভীষণ মেছিন গানৰ শব্দ হয়। মেছিন গানৰ এটা গুলি আহি লভিতাৰ বুকত লাগে। লভিতা পাক-ঘূৰণি খাই এবাৰ সিফালে এবাৰ ইফালে, এবাৰ আহি নিছানৰ তলত ধঁাচ কৰে পৰি যায়।

দূৰত আকৌ ভীষণ শব্দৰে জয় হিন্দ, জয় হিন্দ বুলি ধ্বনি হয়।

টিলাৰ সিফালে থকা নাৰ্চ দুজনী উধাতু খাই আহি লভিতাক গৱা মাৰি ধৰে।

লভিতা। মোক—মো—ক—নিছানৰ তললৈ নি—য়া। মোক—নিছানৰ তলত— ।

নাৰ্চ দুজনীয়ে লভিতাক ধৰি নিছানৰ তললৈ লৈ যায়। লভিতাই তলত বহি নিছানৰ খুটাটোক সাৱট মাৰি ধৰি মূৰটো তাতে থয়। নাৰ্চ এজনীয়ে লৰালৰিকৈ কিবা দৰব আৰু বেণ্ডেজ আনি, লভিতাৰ বুকত হাত দিয়ে।

লভিতা। মোক মোক—একো নকৰিবা—দৰব নিদিবা—মোৰ বুকুত গুলি লাগিছে। মই—আৰু বেছি পৰ নাথাকো। ভনীহত! যাবৰ সময়ত মোৰ অসম আইৰ মাটিৰে কপালত এটা ফোঁট দিয়া—মোৰ দেশৰ মাটিৰে—ফোঁট—

নাৰ্চ দুজনীয়ে হুক্ হুক্ কৈ কান্দিবলৈ ধৰে। এজনীয়ে নিছানৰ তলৰ মাটি লৈ লভিতাৰ কপালত এটা ডাঙৰকৈ ফোঁট দিয়ে। লভিতাৰ বেদনাক্লিষ্ট মুখত এটা আনন্দৰ হাঁহি বিৰিঙি উঠে।

লভিতা। ভনীটীহঁত ! নাকান্দিবা। ভনীটীহঁত ! নাকান্দিবা। মোৰ মাত নাইকিয়া হৈ আহিছে। মোৰ চকুৰ পোহৰ কমি আহিছে। ভনীটীহঁত ! মই যাবৰ সময়ত অসমৰ সুন্নদি সুৰীয়া নাম এটা গাই শুনোৱা—অসমৰ সুন্নদি মাত—অসমৰ সুৰীয়া মাত—ভনীটিহঁত—নাম—নাম—এটি অসমৰ সুন্নদি নাম—অসমী আইৰ সেউজীয়া পথাৰৰ শোভা দেখি মৰিবলৈ নাপালো—আইৰ সুন্নদি নামকে শুনি যাওঁ ভনীটীহঁত—

নাৰ্চ দুজনীয়ে চকুপানী মচি মচি মাজে মাজে উচপি উচপি গায়।

—নাম—

লুইতৰ আকাশত তৰাৰ তৰাৱলী
পাৰত দীপাৱলী তেজেৰে মোৰ—
আই নাকান্দিবি,
থাপনাত তেজেৰে বন্তি দিলেহি
লৰা-ছোৱালীয়ে তোৰ।

লাচিতৰ দিনৰে জ্বলা জুয়েকুৰা
আই অ' নুমুৱা নাই,
নতুন তেজেৰে শলিতা জ্বলিছে
উজলিছে ভমকাই।
চকুলো বোৱাই জুই নুনুমাবি
গুচকৈ আন্ধাৰে ঘোৰ—
লুইতৰ আকাশত তৰাৰ তৰাৱলী
পাৰত দীপাৱলী তেজৰে মোৰ।

নাৰ্ছইতে নাম গাই থকাৰ মাজতেই লাহে লাহে লভিতাৰ চকু জাপ খাই আহে, আৰু নিছানৰ ফালে এবাৰ ওপৰলৈ চকু বলেৰে মেলি চায় তাৰ পিছতে লভিতাৰ চকু মুদ খাই যায় আৰু মেল নাখায়। লভিতা নিছানকে সাৱট মাৰি থৰ লাগি থাকে, মূৰটো ঢলি যায়।

নাৰ্ছ দুজনীয়ে হুক হুকাই কান্দি লভিতাৰ গাত সাৱট মাৰি ধৰি উচুপি উচুপি কান্দিবলৈ ধৰে। দূৰৈত জয় হিন্দ, জয় হিন্দ ধ্বনি হবলৈ ধৰে।

## আঁৰ-কাপোৰ

# জ্যোতি প্ৰসাদৰ কথা

ডিব্ৰুগড়ৰ মদাৰখাট মৌজাৰ তামোল-বাৰী চাহবাগিছাত ইং ১৯০৩ চনৰ ১৭ জুনত জ্যোতিপ্ৰসাদৰ জন্ম। প্ৰাতঃস্মৰণীয় হৰিবিলাস আগৰৱালাৰ তৃতীয় পুত্ৰ সঙ্গীতবিদ্ পৰমানন্দৰ এওঁ প্ৰথম সন্তান। জ্যোতিপ্ৰসাদৰ মাক কিৰণময়ী, শিবসাগৰৰ বলিয়া-ঘাটৰ জগন্নাথ তিৰোকাকতিৰ ঘৰৰ জীয়ৰী। সৰুকালছোৱা সৰহভাগ তামোলবাৰীতেই যায়। ৭ বছৰ বয়সত "তেজপুৰ হাইস্কুল"ত নাম লগায়। "ডিব্ৰুগড় গৱৰ্ণমেণ্ট হাইস্কুল" আৰু "জৰ্জ্জস্কুল"তো দুবছৰ মান পঢ়ে। তেজপুৰ হাইস্কুলৰ পৰা মেট্ৰিকুলেশ্যনৰ বাছনিত উত্তীৰ্ণ হৈ ১৯২১ চনৰ অসহযোগত নামে। পিছত চিত্তৰঞ্জন দাসে প্ৰতিষ্ঠা কৰা বিশ্ববিদ্যালয়ৰ মেট্ৰিকুলেশ্যনৰ পৰীক্ষা দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈ চন্দ্ৰ শৰ্ম্মাৰ নেতৃত্বত তেজপুৰৰ গাঁৱে ভূঁঞে এবছৰ কংগ্ৰেছৰ কাম কৰি অসহযোগ আন্দোলন মৰিলত 'স্বদেশী ষ্টৰ' নাম দি দোকান এখন চলায়। এবছৰৰ পিছত কলিকতাত নেছনেল কলেজত ভৰ্ত্তি হৈ আই-এ দ্বিতীয় বাৰ্ষিক শেষ কৰাত, সেই কলেজ উঠি যোৱাত ঘৰলৈ আহি গুৱাহাটী নিউপ্ৰেছৰ কাৰবাৰত সোমাইহি। সেই সময়ত বেজবৰুৱাৰ 'বাঁহী' তাৰ পৰাই ওলাইছিল।

জ্যোতিপ্ৰসাদে স্কুলত পঢ়াৰ দিনতেই ১৩।১৪ বছৰ বয়সৰ পৰাই সাহিত্য চৰ্চ্চা আৰম্ভ কৰে। তেজপুৰ হাইস্কুলত পঢ়োতে হাতেলিখা 'জোনাকী' নামৰ কাকতৰ সম্পাদক আছিল। তেতিয়া তেওঁৰ ১৪ বছৰ বয়স। সেই সময়ত সেই বয়সতেই অসমীয়া বিখ্যাত নাটক'শোণিতকুঁৱৰী' লিখি শেষ কৰে, যদিও তাক কেবাবছৰৰ পিছতহে প্ৰকাশ কৰিছে আৰু তেতিয়াই লিখা তেওঁৰ প্ৰথম গল্প 'সতীৰ

সোঁৱৰণী' বাহীত প্ৰকাশ হৈছিল। সেই বয়সত লিখা গল্প কবিতা যিবোৰ জোনাকী কাকতত ওলাইছিল, সেইবোৰেই কেবাবছৰৰ পিছত বাঁহীত ধাৰাবাহিকৰূপে প্ৰকাশিত হৈছিল। 'সোণতৰা' 'বগীতৰা' 'যুঞ্জাৰু' 'মুকুতা-সাউদ'—এইবোৰ গল্প—তেওঁ ১৪ ৰ পৰা ২১ বছৰ বয়সত লিখা।

সৰু কালৰেই পৰা তেওঁ সঙ্গীত বিদ্যাতো বিশেষ মনযোগ দিয়ে আৰু কম বযসতেই ব্যুৎপত্তি লাভ কৰে। কলেজত পঢ়া বয়সত তেওঁ তেজপুৰৰ বানষ্টেজৰ এজন স্থনিপুণ অভিনেতা হৈ পৰে। তেওঁ কেবাটাও সোণৰ আৰু ৰূপৰ পদক অভিনয়ত কৃতিত্ব দেখুৱাই পায়। ১৯২১ অৰ অসহযোগৰ পিছত তেজপুৰত থকা কালতেই তেওঁ 'শোণিত-কুঁৱৰী' নাটৰ গীতবোৰত অসমীয়া সুৰ সংযোজনা কৰি—অসমীযা সঙ্গীত ৰাজ্যলৈ এক নবযুগ আনে। শোণিতকুঁৱৰীৰ গীতৰ সুৰবোৰে অসমীয়া বনগীত, বিহুগীত, আইনাম, বিয়ানাম ইত্যাদিক নতুন ৰূপেৰে আনি অসমীয়া সঙ্গীত জগতত এক অভিনৱ স্পন্দন তোলে। তেতিয়াৰ পৰাই অসমীয়া সুৰৰ গানে অসমীয়া সঙ্গীত-জগতত নিজৰ আসনত বহি দিনক দিনে নিজৰ প্ৰভাৱ বিয়পাই আহিবলৈ ধৰিলে। শোণিতকুঁৱৰী নাট প্ৰকাশ হলত—সেই নাট এখন প্ৰথম শ্ৰেণীৰ নাট বুলি খ্যাতি লাভ কৰিলে আৰু সেই বছৰেই সেই নাটক কাশীবিশ্ববিদ্যালয়ৰ বি এ মহলাত অসমীয়া পাঠ্যৰূপে নিৰ্ব্বাচিত হ'ল আৰু বৰ্ত্তমানে ই গুৱাহাটী বিদ্যালয়ৰ এম-এ মহলাৰ পাঠ্য হৈছে। শ্ৰীযুত বাণীকান্ত কাকতীদেৱে এই নাটকৰ এক সমালোচনা লিখে। ইয়াৰ পিছত তেওঁ ২১।২২ বছৰ বয়সত 'কাৰেঙৰ লিগিৰী' নাট লিখিবলৈ লয় অৱশ্যে এইখন তেওঁ বিলাতৰ পৰা ঘূৰি আহিহে প্ৰকাশ কৰে।

নিউপ্ৰেছত কেবছৰমান থকাৰ পিছত তেওঁ য়ুৰোপলৈ উচ্চ শিক্ষাৰ বাবে যাবলৈ ওলায় আৰু ১৯২৬ চনৰ ছেপ্টেম্বৰ মাহত বিলাতলৈ ৰাওনা হয়। তেওঁ বিলাতলৈ গৈ ৬ মাহৰ পিছত এ'ডনবৰা বিশ্ববিদ্যালয়ৰ মেট্ৰিক পৰীক্ষা দিয়ে। গণিত আৰু সংস্কৃতত তেওঁ অকৃতকাৰ্য্য হোৱাৰ

বাবে আকৌ ৬ মাহ পিছত সেই দুটা বিষয়ত পৰীক্ষা দিয়ে – কিন্তু সেইবাৰো অঙ্কত তেওঁ উত্তীৰ্ণ হ'ব নোৱাৰিলে। বাকী আটাই কেইটা বিষয়ত উত্তীৰ্ণ হোৱা বাবে—আৰু গণিত পিছৰ বাৰলৈ উত্তীৰ্ণ হোৱাৰ সাপেক্ষে—বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই তেওঁক এম, এ পঢ়িবলৈ অনুমতি দিলে। প্ৰথম বছৰ অৰ্থনীতি, সংস্কৃত আৰু পাব্লিক্ ল এই তিনিওটা বিষয়ে তেওঁ ক্লাছ লয় আৰু এবছৰ পিছৰ এই বিষয়ত ডিগ্ৰী পৰীক্ষাত বহিবলৈ ডিগ্ৰী পাছ্ পায়। পিছৰ বছৰ তেওঁ দৰ্শন আৰু অৰ্থনৈতিক বুৰঞ্জী বিষয়ৰ ক্লাছ্ লয়। বিশ্ববিদ্যালয়ত এম, এ পঢ়াৰ লগেলগেই তেওঁ সঙ্গীত-বিজ্ঞানৰ বিষয়েও বিশেষ অধ্যয়ন কৰিছিল। দ্বিতীয় বছৰ দৰ্শনত তেওঁ ডিগ্ৰী পাছ নোপোৱাত আৰু প্ৰবেশিকাৰ গণিতো সম্পূৰ্ণ কৰিব নোৱাৰাত—এডিনবৰা বিশ্ববিদ্যালয় এম, এ পঢ়া তিমানতে এৰি, কিছুদিন লণ্ডনত থাকি—ফিল্ম শিল্পৰ বিষয়ে অভিজ্ঞতা লবলৈ জাৰ্ম্মাণীলৈ আহে। জাৰ্ম্মাণীত Universum Filmen Aktien Geselshaft কোম্পানীক তেওঁ 'শোণিতকুঁৱৰী' ইংৰাজী কৰি ফিল্ম তৈয়াৰী কৰিবলৈ খাটনি ধৰে। সেই কোম্পানীয়ে সেই সময়ত টকা ঘূৰোৱাৰ বাবে ভাৰতলৈ নহাকৈ সেই ফিল্ম কৰিব নোৱাৰিব বুলি আৰু বহুত খৰচ হ'ব বুলি অসন্মত হয় আৰু সেই কোম্পানীতে ফিল্ম 'LIGHT of ASIA' তোলা ওতা বিখ্যাত প্ৰযোজক হিমাংশুকুমাৰ ৰায়ক লগ পায়। হিমাংশুকুমাৰৰ তত্ত্বাবধানতে বাৰ্লিনত প্ৰায় ৭ মাহ থাকি, ফিল্ম প্ৰযোজনা আৰু পৰিচালনাৰ সমুদায় কাম শিকে। তাৰ পিছত ১৯৩০ চনত তেওঁ ভাৰতলৈ উলটি অহাৰ বাটত, য়ুৰোপৰ নানা-দেশ ফুৰি সেই দেশবোৰৰ সংস্কৃতি সভ্যতাৰ নিদৰ্শনবোৰৰ বিষয়ে কিছু অভিজ্ঞতা গোটাই তুৰস্কলৈ আহে। তুৰস্কৰ পৰা আৰব দেশৰ মাজেদি স্থলপথেদি মৰুভূমি পাৰ হৈ, মছোল, বোগদাদ, বেবিলন, কাৰবালা ইত্যাদি ঠাই ভ্ৰমণ কৰি বছোৰাৰ পৰা কৰাচী হৈ ভাৰত পায়হি। আহিয়েই সেই সময়ত চলি থকা অসহযোগত নামে। অসমীয়া

কেবাটাও বিখ্যাত জাতীয়-সঙ্গীত তেওঁ এই অসহযোগ আন্দোলনত সময়ে সময়ে লিখা। তাৰ ভিতৰত 'বিশ্ববিজয়ী নৱ যোৱান' 'অ আমাৰ গাঁও'। কিন্তু 'লুইতৰ পাৰৰ আমি ডেকালৰা' আৰু 'সাজু হবৰে হ'ল' এই দুটা গান তেওঁ বিলাতৰ পৰাই লিখি পঠাইছিল। বিলাতত থাকোতেই তেওঁ কাৰেঙৰ লিগিৰী' সম্পূৰ্ণ কৰে। এই 'কাৰেঙৰ লিগিৰী'ৰ গীতবোৰৰ সুৰত তেওঁ পশ্চিমীয়া সঙ্গীতৰ সুৰৰ সৈতে অসমীয়া সুৰৰ এটা সমন্বয়ৰ চেষ্টা কৰে। বিলাতৰপৰা ঘূৰি আহি পায়েই তেওঁ তেতিয়া ১৯৩০ চনৰ আইন অমান্য আন্দোলনত লাগে। কিন্তু তেওঁ তিনিমাহ মান লাগোতেই গান্ধী আৰুইন চুক্তি হয়। তাৰ পিছতে তেওঁ গাঁৱে-ভূঁঞে তেজপুৰৰ কংগ্ৰেছসেৱকৰ অধিনায়ক হৈ কাম কৰে আৰু ১৯৩২ চনৰ আইন অমান্য আন্দোলনত ১৫ মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০০ টকা ভোগ কৰে। ছিলচৰ জেলত থাকোতে জ্যোতিপ্ৰসাদৰ মাজে মাজে জ্বৰ হবলৈ ধৰে। তেতিয়া মাত্ৰ ৪।৫ মাহহে উকলিছিল। পিছত তাৰ জেল চুপাৰিন্টেণ্ডেণ্টে তেওঁৰ যক্ষ্মা বেমাৰ বুলি কয়। দেশত তেওঁক মুক্তি দিয়াবলৈ প্ৰবল আন্দোলন হয়। জেলত তেওঁক বাহিৰৰ চিকিৎসাৰ বাবে লিখি দি ওলাবলৈ কয়। তেওঁক শ্বিলঙলৈ আনে। চাৰ মাইকেল কীন সেই সময়ৰ গবৰ্ণৰে জেলত তেওঁক গৈ ডুবাৰো বুজাই চিকিৎসাৰ কাৰণে লিখি ওলাই যাবলৈ অনুৰোধ কৰে কিন্তু জ্যোতিপ্ৰসাদক এচলিও লৰচৰ কৰিব নোৱাৰিলে। কেমাহমান পিছত পৰীক্ষা কৰি চাই থাকি, তাৰ ডাক্তৰে যক্ষ্মা নহয় বুলি কলেহি। ১৫ মাহ পূৰা মিয়াদ ভোগ কৰিহে তেওঁ ওলাই আহে। মিয়াদ পূৰা হোৱাত খালাছ হৈ ওলাই আহি তেওঁলোকৰ কলংপুৰৰ ভোলাগুৰি চাহবাগিচাৰ ভাৰ লৈ সোমায়। এই সময়তেই তেওঁ অসমৰ ফিল্ম-শিল্পৰ কথা ভাবিবলৈ ধৰে।

১৯৩৪ চনৰ প্ৰথম ভাগতে তেওঁ তেওঁলোকৰ পৰিয়ালৰ তেজপুৰক

কলং পুৰৰ চাহবাগিছা ভোলাগুৰিত 'চিত্ৰবন' নাম দি অসমীয়া ফিল্ম শিল্প প্ৰতিষ্ঠান 'চিত্ৰলেখা মুভিটন' আৰম্ভ কৰে। এই চিত্ৰবনতে—তেওঁ এটা সম্পূৰ্ণ ষ্টুডীয় বহুৱায়। এই ষ্টুডীয়ৰ সকলো যন্ত্ৰপাতি ভেৰোণীয়াকৈ অনা হৈছিল—সেই কাৰণেই 'জয়মতী'য়ে আৰ্থিক সফলতা লাভ কৰিব নোৱৰাৰ বাবে—সেই ষ্টুডীয় স্থায়ী কৰিবলৈ জ্যোতিপ্ৰসাদৰ অক্ষম হ'ল।

নানা আলৈ-আহুকাল, নানা বিপদ-আপদ (তেখেতৰ মাতৃদেৱী কিৰণময়ী আৰু পিতৃদেৱেক পৰমানন্দ এই জয়মতী তোলা সময়ৰ ভিতৰতেই স্বৰ্গী হয়) নানা অসুবিধাৰ মাজতো অবিচলিত হৈ থাকি জয়মতী সম্পূৰ্ণ কৰে। ১৯৩৫ চনৰ ১০ মাৰ্চ্চ তাৰিখে এই প্ৰথম অসমীয়া কথাছবি কলিকতাৰ ধৰমতলাৰ ৰাওনাক মহলত, সাহিত্যৰথী বেজবৰুৱাই মুকলি কৰে।

'জয়মতী' ফিল্ম কৰোতে নানা শাৰীৰিক আৰু মানসিক কষ্টৰ মাজেদি যাওঁতে জ্যোতিপ্ৰসাদৰ স্বাস্থ্য ভাগি আহিবলৈ ধৰিলে।

১৯৩৬ চনত তেওঁ ডিব্ৰুগড়ৰ ভূঞা পৰিয়ালৰ স্বৰ্গীয় খগেশ্বৰ ভূঞাৰ সুমলীয়া জীয়ৰী দেৱযাণীৰ সৈতে পৰিণয় সূত্ৰত আৱদ্ধ হয়।

এই সময়তেই কংগ্ৰেছে আইন সভালৈ যাবলৈ প্ৰোগ্ৰাম লয়। জয়-ভুৱাৰ সমষ্টিৰ পৰা জ্যোতিপ্ৰসাদক ব্যৱস্থাপৰিষদৰ কংগ্ৰেছী সভ্য মনোনীত কৰে। কিন্তু পিছত তেওঁ আইন-সভালৈ গলে বিপ্লৱী মনোবৃত্তিৰ ব্যাঘাত হব বুলি ভাবি—শেহ মুহূৰ্ত্তত নিজৰ নাম তুলি লোৱাত কংগ্ৰেছে শ্ৰীযুত অমিয়কুমাৰ দাসক মনোনীত কৰে। কিছুদিনৰ কাৰণে তেওঁ তেজপুৰ লোকেলবৰ্ডৰো কংগ্ৰেছী মেম্বৰ হৈ আছিলে।

ইয়াৰ পিছত জ্যোতিপ্ৰসাদে আৰু শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাই লগলাগি প্ৰথম অসমীয়া ৰেকৰ্ড নাট—বেজবৰুৱাৰ 'জয়মতী' আৰু জ্যোতিপ্ৰসাদৰ

'শোণিতকুঁৱৰী' গ্ৰামোফোনৰ পালা ৰেকৰ্ড দিয়ে। পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱে অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত এই 'জয়মতী' আৰু 'শোণিতকুঁৱৰী' অসমীয়া সাহিত্যৰ সম্পদ বুলি উল্লেখ কৰে।

এই সময়তেই তেওঁ অসমীয়া বাদ্যবাজনা আৰু পশ্চিমীয়া সাঙ্গীতিক যন্ত্ৰাদিৰ সমাবেশ কৰি অসমীয়া অৰ্কেষ্ট্ৰা গঢ়িবলৈ যত্নপৰ হয় আৰু তেজপুৰ বাণ থিয়েটাৰৰ সঙ্গীত-সমাজৰ যোগেদি ইয়াক গঢ়ি তোলে। অসমীয়া ঢোল, খোল, ভোৰ তাল, পেঁপা টকা, কৰতাল ইত্যাদিৰে সৈতে অৰ্গেন, পিয়ানো, বেহেলা, চেতাৰ, এছৰাজ ইত্যাদি যাবতীয় পশ্চিমীয়া আৰু ভাৰতীয় যন্ত্ৰপাতিৰ সমাবেশেৰে এই 'অৰ্কেষ্ট্ৰা' গঠন কৰি—অসমীয়া সঙ্গীতত 'অৰ্কেষ্ট্ৰা'ৰ এক নতুন বাট দেখুৱায়।

১৯৩৭ চনত তেজপুৰৰ 'জোনাকী চিনেমা হল' জ্যোতিপ্ৰসাদে নিৰ্ম্মাণ কৰোৱায়।

১৯৩৯ চনত ভগ্নস্বাস্থ্য লৈয়ো—আন অসমীয়া কোনেও অসমীয়া ফিল্ম উলিয়াবলৈ আগ নবঢ়াত মৰি-মুজিও অসমীয়া ফিল্ম শিল্পক গঢ় দিবলৈ—'ইন্দ্ৰমালতী' কথা ছবি উলিয়ায়। এই কথা ছবিখন ইমান কম খৰচতে আৰু অদ্ভুত ভাবে কম সময়ত ( মাত্ৰ ২ দিন ষ্টুডিঅ' চুটিং লৈ ) উলিয়ালে যে কলিকতীয়া ডাঙৰ ডাঙৰ প্ৰযোজকসকলেও বিস্ময় মানিলে।

ইয়াৰ পিছত স্বাস্থ্যভগ্ন হৈ তেওঁ কিছুদিন গুৱাহাটীত থকাৰ পিছত ১৯৪০ চনত তেজপুৰলৈ আহি—তেজপুৰ সঙ্গীত-বিদ্যালয় প্ৰতিষ্ঠা কৰে।

তাৰ পিছত মহাসমৰৰ ঢৌ আহি অসম তল-ওপৰ কৰিলত তেওঁ তেজপুৰৰ শান্তি-সেনা-বাহিনী গঠনত লাগে। তেওঁ তেজপুৰৰ কংগ্ৰেছ সেৱক বাহিনীৰ অধিনায়ক ১৯৩২ চনৰ পৰাই আছিল। ভগ্নস্বাস্থ্যৰেও আকৌ গাঁৱে-ভূঁঞে ফুৰিবলৈ ধৰিলে। ৯ আগষ্টৰ পিছত বিয়াল্লিছৰ বিপ্লৱ আহিল। অসমৰ নেতাসকল গ্ৰেপ্তাৰ হৈ গল। তেজপুৰৰো

নেতাৰ ওপৰত পুলিছৰ হাত পৰিল। জ্যোতিপ্ৰসাদে বিজুলী বেগেৰে তেজপুৰৰ এমূৰৰ পৰা আনমুৰলৈ গৈ শান্তিসেনা বাহিনীক আৰু ৰাইজক অগ্নিময়ী বক্তৃতাৰ কাৰণে সক্ষম কৰেৰালে। তেজপুৰৰ কাছাৰীঘৰৰ আগৰ চাৰ্চফিল্ডত 'এই ইংৰাজৰ কাছাৰী ঘৰত আমি শই শই মৰি হলেও আমাৰ তিৰঙ্গা নিছান উৰুৱাবই লাগিব' বুলি দিয়া জুই ফিৰিঙটি সিঁচা বক্তৃতা আজিও শুনা মানুহে পাহৰিব পৰা নাই।

তাৰ পিছত অসম প্ৰাদেশিক কংগ্ৰেছৰ নেতাসকলো নোহোৱা হোৱাত, আৰু স্বৰ্গীয় হেম বৰুৱা নৰিয়া-পাটীত পৰি থাকি অসহায় হোৱাত, অমিয়কুমাৰৰ পৰামৰ্শমতে জ্যোতিপ্ৰসাদ প্ৰাদেশিক সংগঠনৰ গুৰি-ধৰোতা হেম বৰুৱাক সহায় কৰিবলৈ গুৱাহাটীলৈ যায়। তেওঁ ঘৰ এৰি ওলোৱাৰ সময়ত জ্যোতিপ্ৰসাদৰ প্ৰথম পুত্ৰ চিন্ময় ওপজা মাথোন ১৭ দিন। তেওঁৰ ভাৰ্য্যা দেৱযানীও বৰ টান নৰিয়াত শয্যাগত। জাপানী আক্ৰমণ আহি অসমৰ পূৱ সীমাত ভূমিকম্প কৰিছে। চহৰৰ মানুহ গাঁৱলৈ ভাগি গৈছে। জাপানী বোমাৰ আতঙ্কত অসমৰ চহৰবাসীৰ মুখত পানী নাই। কোন কেতিয়া কলৈ যাব লাগিব—তাৰ ঠিকনা নোহোৱা হৈ পৰিছে। এনে সময়তেই কেচুৱা পুতেক আৰু বেমাৰী পাটিত পৰিবাৰক এৰি—এক অনিশ্চয়তাৰ মাজত আৰু অনিৰ্দিষ্ট কাললৈ ঘৰৰ পৰা ওলাই যাবলগীয়াত পৰিল জ্যোতিপ্ৰসাদ। এফালে ভাৰতৰ শেষ স্বাধীনতাৰ যুদ্ধৰ আহ্বান। বিপ্লৱৰ নিমন্ত্ৰণ। আৰু আনফালে অভাৱনীয় দুৰ্যোগৰ মাজত—বিপদৰ মাজত—নিজৰ কেচুৱা পুতেক, নাবালিকা ছোৱালী তিনিজনী আৰু নৰিয়া পাটিৰ ঘৈণীয়েকৰ প্ৰতি কৰ্ত্তব্য। এনে সমস্যাত তেওঁ নিজৰ ভৱিষ্যত লৰা-ছোৱালীৰ ভাৱনাত সকলো ভাৰতৰ স্বাধীনতাৰ যজ্ঞত আহুতিকৈ দি বিপ্লৱৰ জলন্ত শিখাত জাপ মাৰি পৰি অসম জুৰি জ্বলা বিপ্লৱৰ জুই আৰু ধোঁৱাৰ আঁৰে আঁৰে নিৰিবলৈ ধৰিলে।

নৰিয়া পাটিত পৰি থকা হেম বৰুৱাই জ্যোতিপ্ৰসাদক সোঁহাতৰূপে পাই বিছনাৰ পৰা উঠি বহিল। জ্যোতিপ্ৰসাদক সদৌ অসম শান্তি সেনাবাহিনীৰ প্ৰধান অধিনায়ক পাতি ললে। আগৰ প্ৰধান অধিনায়ক ৰাজেন্দ্ৰ বৰুৱা আগতেই গ্ৰেপ্তাৰ হৈ যায়। হেম বৰুৱাৰ ইঙ্গিতমতে জ্যোতিপ্ৰসাদে অসমৰ এমূৰৰ পৰা আন মূৰলৈ গৈ আন্দোলনৰ কাম কৰিবলৈ ধৰিলে। ধুবুড়ী, গোৱালপাৰা, কামৰূপ, নগাও, শিৱসাগৰ, ডিব্ৰুগড, তেজপুৰৰ শান্তিসেনা আৰু মৃত্যুবাহিনীৰ কেন্দ্ৰবোৰত জ্যোতি-প্ৰসাদে উৎসাহ উদ্দীপনা দি ফুৰিবলৈ ধৰিলে। তেওঁক ধৰিবলৈ, পুলিচ চি আই ডিয়ে তেওঁৰ পাছ ললে। প্ৰায পাঁচ মাহ—গাঁৱে ভূঁঞে, হাবিয়ে জঙ্গলে, কেতিয়াবা কোনোবা গাঁৱত—কেতিয়াবা, নেপালী খুটিত, কেতিয়াবা ব্ৰহ্মপুত্ৰৰ মাজৰ চাপৰিত, এইদৰে পজতে-পাযগুে ঘূৰি বিপ্লৱক আগবঢ়াই ১৯৪২ চনৰ জানুৱাৰী মাহত কলিকতালৈ যায়। কলিকতাত অল ইণ্ডিয়া কংগ্ৰেছ কমিটীৰ সৈতে সংযোগ স্থাপন কৰিবলৈ আৰু অসমত আন্দোলন চলাবলৈ টকাৰ যোগাৰ কৰিবলৈ। সেই সময়ত উজান অসমত শঙ্কৰ বৰুৱা, নগাৱত মহেন্দ্ৰ হাজৰিকা আৰু লক্ষ্মীপ্ৰসাদ গোস্বামী, তেজপুৰৰ গহনচন্দ্ৰ গোস্বামীয়ে বিপ্লৱৰ কামত নিযোজিত হৈ আছিল। কামৰূপত অমলপ্ৰভা আৰু গোৱালপাৰাত দলবীৰ লোহাৰ আৰু আন কৰ্ম্মী-সকল। এই মুখিয়াল কৰ্ম্মীসকলৰ উপৰিও হেজাৰ হেজাৰ শান্তিসেনাৰ ডেকা-ডেকেৰী আৰু শ শ মৃত্যুবাহিনীৰ ডেকা ডেকেৰীয়ে বিপ্লৱত জীৱন আহুতি দিবলৈ সক্ষম হৈ আছিল। কিন্তু ভাৰতৰ আন প্ৰদেশ-বোৰত বৃটিছৰ অত্যাচাৰৰ হেঁচাত বিপ্লৱৰ জুই নেদেখা হৈ আহছিল। অল ইণ্ডিয়া নেতৃত্বৰ পৰা একো নতুন কাৰ্য্যসূচী নহাৰ বাবেই অসমীয়া বিপ্লৱী দল হাবিয়ে-বননিয়ে অনাই বনাই ফুৰিবলগীয়াত পৰিল আৰু লাহে লাহে হিংসামূলক কাৰ্য্যলৈ ঢাল খালে।

জ্যোতিপ্ৰসাদ যদিও আঁৰে আঁৰে ফুৰিছিল, তথাপিও আৱশ্যক মতে

একেবাৰে সমুখ সমৰৰ মাজতো গা দেখাদি মুফুৰাকৈ থকা নাছিল। বিয়াল্লিছৰ অক্টোবৰ মাহত গান্ধীসপ্তাহৰ কাৰ্য্যসূচী লৈ তেওঁ গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ গৈছিল। তেওঁৰ সৈতে মটৰত আছিল অমলপ্ৰভা আৰু এগৰাকী গুৱাহাটীৰ বৃদ্ধা মহিলা। যোৰহাটৰ পৰা শিৱসাগৰলৈ যোৱাৰ বাটত তেওঁ হঠাতে গৈ টিয়ক থানাৰ আগত এক বিৰাট মুনিহ তিৰোতাৰ সমদলৰ ওপৰত বেয়নেট্ আৰু লাঠী চাৰ্জ্জ কৰি থকা অৱস্থাত পালেগৈ। সেইদিনা টিয়ক কেন্দ্ৰৰ প্ৰায় দুই তিনি হেজাৰ জনতা আহিছিল, টিয়ক থানাত পতাকা উৰুৱাবলৈ। থানাৰ আগ পোৱাত প্ৰায় দুকুৰিমান আমৰ্ড পুলিছে সেই জনতাৰ ওপৰত বেয়নেট্ আৰু লাঠী চলাই ছত্ৰভঙ্গ কৰিবলৈ চেষ্টা কৰি থাকোতেই, কোনোবে জ্যোতিপ্ৰসাদৰ মটৰ গৈ সেই পুলিছ আৰু জনতাৰ হুহিমুহিৰ মাজত সোমাই যায়হি। ভয় খাই ড্ৰাইভাৰে মটৰ ব্ৰেক কৰি ৰখাই দিয়ে। আগত গোটেই বাট জুৰি পুলিছৰ লাঠী চাৰ্জ্জ আৰু বেয়নেট্ চাৰ্জ্জৰ তাণ্ডৱ লীলা। বলিয়া হৈ পুলিছ ফৌজে এফালৰ পৰা মুনিহ তিৰোতাক নিৰ্ব্বিকাৰে খুচি মাৰি টঙনিয়াই যাব লাগিছে। মটৰ ৰখোৱা দেখি ওচৰত বন্দুক লৈ থকা হাবিলদাৰ আৰু কেটামান চিপাহী ওচৰ চাপি আহিল। তেতিয়া জ্যোতিপ্ৰসাদে ড্ৰাইভাৰক লাঠী চাৰ্জ্জৰ মাজলৈ মটৰ সুমাই নিবলৈ কলে। ড্ৰাইভাৰ ভয়ত পেপুৱা। জ্যোতিপ্ৰসাদে উগ্ৰমূৰ্ত্তি ধৰি হুকুম দি কিলাকুটিৰে ড্ৰাইভাৰক খুন্দিয়াই কলে—একো পৰোৱা নাই—চলা মটৰ। ড্ৰাইভাৰে থৰক বৰক কৰি মটৰ চলালে। 'জোৰেৰে চলা' বুলি জ্যোতিপ্ৰসাদৰ ধমকিত সি—ভীষণ ভাৱে হৰ্ণ দি মটৰ—একেবাৰে চাৰ্জ্জৰ মাজত সুমাই দিলে। পুলিছবোৰেও এনেকৈ সিহঁতৰ মাজেদি অভাৱনীয়ভাবে মটৰ সোমাই অহাত—আচৰিত হৈ ৰওঁতেই জ্যোতিপ্ৰসাদৰ মটৰ পুলিছৰ বেহু ভেদ কৰি ছেদেলিভেদেলি হৈ যোৱা জনতা পাৰ হৈ গুচি গল। পুলিছ চাৰ্জ্জৰ পৰা প্ৰায় পোৱা মাইল দূৰত গৈ মটৰ ৰখাই ভাগি যোৱা জনতাক মাতি গোটাই, ভয়

নাথাৱলৈ—মৰি হলেও দেশৰ স্বাধীনতাৰ কাৰণে যুজিবলৈ অগ্নি বৰষা বক্তৃতা দিবলৈ ধৰিলে। মাৰ খাই কাণে-মূৰে তেজ ওলোৱা, গাত কাপোৰ-কানিৰ থান-থিত নোহোৱা—ভীষণভাবে উত্তেজিত জনতাই কলে 'নাই' 'নাই ভয়খোৱা'। আমি এই থানালৈ আকৌ আহিম—কি ভয় কৰিম? গুলি দিলেও দিয়ক—আমি আকৌ আহিম।"

জ্যোতিপ্ৰসাদে এইদৰে বাটে বাটে জনতাৰ জুমবোৰক উৎসাহ উদ্দীপনা দি, শিৱসাগৰলৈ যল। টিয়কৰ এই জনতা সেইদিনা লাঠী চাৰ্জ আৰু বেয়নেট চাৰ্জ খোৱাৰ পিছতো--আকৌ ৪ দিনৰ পিছত সমদল কৰি থানাৰ আগলৈ আহে। সেই দিনা আৰু পুলিছে লাঠী চাৰ্জ কৰা নাছিল। জ্যোতিপ্ৰসাদ কলিকতালৈ যোৱাৰ আগতে নগাৱৰ লক্ষ্মীপ্ৰসাদক প্ৰধান অধিনায়কৰ কাৰ্য্যভাৰ দি যায়। আৰু পিছত লক্ষ্মীপ্ৰসাদেই "অসম শান্তিসেনা বাহিনী"ৰ যোগেদি হেম বৰুৱাৰ নিৰ্দ্দেশমতে আন্দোলনৰ কাম চলাই থাকে।

জ্যোতিপ্ৰসাদ কলিকতালৈ গৈ যাদৱপ্ৰসাদ চলিহাৰ ঘৰত আশ্ৰয় লয—আৰু বঙ্গদেশৰ আন্দোলনৰ গুৰি-ধৰোতা অন্নদা চৌধুৰীৰে সৈতে আৰু ডাঃ ৰামমনোহৰ লোহিয়াৰ সৈতে লগ লাগেগৈ। সেই সময়ত অল ইণ্ডিয়া কংগ্ৰেছ কমিটীৰ বাহিৰত থকা মেম্বৰৰ ভিতৰত অন্নদা চৌধুৰী, ৰামমনোহৰ লোহিয়া, সুচেতা কৃপালনী, অৰুণা আছফ আলি, অচ্যুত পটবৰ্দ্ধন, আৰু পিছত জয়প্ৰকাশ (জেলৰ পৰা ওলাই আহে) এই কেজনেই আন্দোলনৰ কাৰ্য্যসূচী দি আছিল। অসমত বিপ্লৱৰ কাম চলি থকাত—আৰু অসমত তেতিয়াও, শই শই কৰ্ম্মীয়ে বিপ্লৱৰ কামত নিয়োজিত হৈ থকাত—আৰু আনফালে ভাৰতৰ আন আন প্ৰদেশবোৰে বৃটিছ দমন নীতিত বেয়াকৈ সেও লোৱাত—অসমে অকলে বিপ্লৱ চলাই গলে গৱৰ্ণমেণ্টৰ অত্যাচাৰ অসমতে কেন্দ্ৰীভূত কৰিবলৈ সুবিধা পাব বুলি—জ্যোতিপ্ৰসাদে অল ইণ্ডিয়া মেম্বাৰ-সকলক এখন নতুন আন্দোলনৰ কাৰ্য্য

স্থচী কৰি—গোটেই ভাৰতেই আকৌ এক আন্দোলনৰ নব পৰ্য্যায আৰম্ভ কৰিব লাগে বুলি টানকৈ ধৰে। আৰু সেই স্থত্ৰেই তেওঁ এখন নতুন কাৰ্য্যস্থচী তেওঁলোকৰ আগত ডাঙি ধৰে। অন্নদা চৌধুৰী, স্থচেতা কৃপালনী ওলায় কিন্তু আন কেজনে এই কাৰ্য্যস্থচী সম্ভৱপৰ নহব বুলি আপত্তি কৰে। পিছত এই কাৰ্য্যস্থচী অন্নদা চৌধুৰীয়ে বিভিন্ন প্ৰদেশৰ অনুমোদনৰ কাৰণে পঠাই দিয়ে—আৰু বিহাৰ, বঙ্গ, উৰিষ্যা, মাদ্ৰাজ, মহাৰাষ্ট্ৰৰ পৰা এই কাৰ্য্যস্থচীৰ অনুমোদন পায়। এই কাৰ্য্যস্থচী সম্পূৰ্ণকৈ কাৰ্য্যত পৰিণত কৰিবলৈ সম্ভৱ নোহোৱাত তাৰ শেষৰ দফা 'গান্ধীযাত্ৰা' কাৰ্য্যত পৰিণত হয়। পুনাত গোটেই ভাৰতৰে প্ৰায় সাতশ মান কংগ্ৰেছ কৰ্ম্মী গোট খাই, গান্ধীৰ মুক্তিৰ কাৰণে সত্যাগ্ৰহ কৰিবলৈ আগা-খাঁৰ প্ৰাসাদৰ ফালে গৈ দলে দলে গ্ৰেপ্তাৰ হবলৈ ধৰে। এই 'গান্ধীযাত্ৰা' প্ৰগ্ৰেম জ্যোতিপ্ৰসাদৰ যোগেদি অসমৰেই পৰা যোৱা বুলিব লাগিব।

জয়প্ৰকাশ ওলাই অহাৰ পিছত, অন্নদা চৌধুৰী, স্থচেতা কৃপালনী আৰু জ্যোতিপ্ৰসাদৰ বাকী কেজনৰ সৈতে আন্দোলনৰ কাৰ্য্যস্থচীলৈ ঘোৰ মতদ্বৈধতা হবলৈ ধৰে। জ্যোতিপ্ৰসাদ অসমত থাকোতে হিংসামূলক কাৰ্য্যৰ বিৰোধী আছিল—আৰু কলিকতাতো গৈ—আন্দোলনৰ কাৰ্য্যস্থচীৰ পৰা যাতে এই হিংসামূলক কাৰ্য্যৰ নিৰ্দ্দেশ দিয়া নহয় তাৰ বাবে ঘোৰ আপত্তি কৰিবলৈ ধৰে। অন্নদা চৌধুৰী আৰু স্থচেতা কৃপালনীৰ বাহিৰে আন কেজন কিন্তু Sabotage অৰ পক্ষপাতী আছিল—আৰু ইয়াৰ বাবেই পিছত তেওঁলোকৰ মাজত বিভেদ স্থষ্টি হয়গৈ।

কলিকতাত গৈ জ্যোতিপ্ৰসাদে অসমৰ আন্দোলন চলাবলৈ টকাৰ বাবে যাদৱ চলিহাৰ সৈতে ভূৰ্ঘোৰ চেষ্টা কৰে। আৰু ইয়াৰ ফলতেই তেওঁলোকে হেম বৰুৱালৈ মাহে তিনি হেজাৰকৈ টকা পঠাবলৈ সমৰ্থ হয়। এই টকা কেবামাহলৈকো অসমে পাই থকাত অসমৰ আন্দোলন চলি থকাত স্থবিধা হয়। অসমত হোৱা নানা অত্যাচাৰৰ বিষয়ে ৰিপৰ্ট আদি ভাৰতৰ

আন আন প্ৰদেশলৈ পঠাই, অসমৰ আন্দোলন আৰু অসমত হোৱা নানা অত্যাচাৰৰ বিষয়ে ভাৰতৰ সকলোকে জ্ঞাত কৰোৱায়। কনকলতা, ভোগেশ্বৰী, কুশল কোঁৱৰ—আৰু ঢেকীয়াজুলিৰ কাহিনী ভাৰতত জনাজাত হৈ পৰে।

অলপ দিনৰ পিছত—লক্ষ্মীপ্ৰসাদ জ্যোতিপ্ৰসাদৰ সৈতে কলিকতাত লগ লাগেহি।

কলিকতাত থকা পিছৰ সময় ডোখৰ জ্যোতিপ্ৰসাদে তেওঁৰ জেঠেৰী ভোলাভূঞাৰ টলিগঞ্জৰ ঘৰত আশ্ৰয় লয়। ইয়াতেই জ্যোতিপ্ৰসাদৰ সাহিত্য সাধনাৰ এক নতুন উদ্যম আৰম্ভ হয়। এই টলিগঞ্জত থাকোতেই তেওঁ 'ন যোৱান হিন্দ', 'অসমীয়া ছোৱালীৰ উক্তি', 'অসমীয়া লৰাৰ উক্তি' ইত্যাদি নতুন ধৰণৰ বিপ্লৱী কবিতাবোৰ লিখিবলৈ ধৰে। এই কবিতা-বোৰ লিখি থকাৰ সময়তেই তেওঁ একমান লৰা-ছোৱালীৰ উপযোগী ৰামায়ণখন লিখিবলৈ ধৰে। শৰীৰৰ অসুস্থতাৰ বাবে সেইখন সম্পূৰ্ণ কৰিব পৰা নাই।

এই দৰে কলিকতাত কিছুদিন থাকোতে মহাত্মাৰ আগা খাঁৰ প্ৰাসাদত অনশন আৰম্ভ হয়। মহাত্মাৰ অনশনৰ পিছত জ্যোতিপ্ৰসাদ আৰু আন আন আত্মগোপনকৈ ফুৰা কংগ্ৰেছ কৰ্ম্মীসকল বৰ দোধোৰ মোধোৰত পৰে। শ্ৰীৰাজাগোপালাচাৰীয়ে অনশনৰ সময়ত মহাত্মাক দেখা কৰোতে মহাত্মাই তেওঁক জানিবলৈ দিয়ে যে মহাত্মাই কংগ্ৰেছ কৰ্ম্মীৰ পৰা দুটা কথা বিচাৰে। এটা হৈছে ( Non violence ) অহিংসা আৰু আনটো হৈছে ( Non Secrely )। গোপনভাবে কোনো কাৰ্য্যকে নকৰা। আনকি মহাত্মাই গোপনভাবে কংগ্ৰেছ বুলেটিন উলিয়াবো বিৰোধী। মহাত্মাই জানিবলৈ দিয়ে যে যিবোৰ কংগ্ৰেছ কৰ্ম্মীয়ে আত্মগোপনকৈ ফুৰিছে তেওঁলোকে মহাত্মাৰ আৰু কংগ্ৰেছৰ আদৰ্শ খৰ্ব্ব কৰিছে—

তেওঁলোকে তৎক্ষণাৎ আত্মসমৰ্পণ কৰা উচিত। জ্যোতিপ্ৰসাদ আৰু আন আন আত্মগোপনকৈ থকা কংগ্ৰেছ কৰ্ম্মীসকল বৰ দোধোৰ-মোধোৰত পৰিল। এই অৱস্থাতে তেওঁ প্ৰায় আৰু তিনি মাহ থকাৰ পিছত– তেওঁৰ ওপৰত আত্মসমৰ্পণ কৰিবলৈ পৰিয়ালৰো হেঁচা পৰিবলৈ ধৰিলে। তিনি মাহৰ আগতেই তেওঁক abscouder ( ফেৰাৰ ) বুলি গৱৰ্ণমেণ্টে ঘোষণা কৰে। তেওঁলোকৰ পৰিয়াল এটা একান্নবৰ্ত্তী ( Joint family ) পৰিয়াল। জ্যোতিপ্ৰসাদৰ সম্পত্তি মাটি-ভেটি, সকলো ভাই-ককাইৰ সম্পত্তিৰ সৈতে যোত্ৰ হৈ আছিল। সেই কাৰণে জ্যোতিপ্ৰসাদৰ সম্পত্তি আটক কৰিবলৈ গৈ গৱৰ্ণমেণ্টে জ্যোতিপ্ৰসাদৰ গোটেই পৰিয়ালৰ উমৈহতীয়া সম্পত্তি আটক কৰে। কেৱলনাথ টকাৰো পৈতৃক সম্পত্তি জ্যোতিপ্ৰসাদৰ ভায়েক-ককাযেকে এইদৰে এজনৰ ৰাজনৈতিক কাৰ্যাৰ পৰা আথানি হবলৈ দিবলৈ ঘোৰ আপত্তি তুলিলে। এনে সমস্যা হোৱাত জোতিপ্ৰসাদ আকৌ এক বিমোৰত পৰিল। অন্নদা চৌধুৰী, সুচেতা কৃপালিনী আদিয়ে তেওঁক পৰামৰ্শ দিলে যে জ্যোতি প্ৰসাদে তেওঁৰ ত্যাগলৈ তেওঁৰ ভায়েক-ককায়েকক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে টানি আনিবলৈ কোনো অধিকাৰ নাই। সত্যাগ্ৰহৰ নীতিৰ ফালৰ পৰা ইয়াক সমৰ্থন কৰিব নোৱাৰি। আন ফালে অৰুণা আচফ আলিয়ে কিন্তু আত্ম-সমৰ্পণ কৰাৰ বিৰোধী হৈ তেওঁক কলে যে তেওঁ আত্মসমৰ্পণ কৰিলে গৱৰ্ণমেণ্টৰ জয় হব। এই দোমোজাত শেহত জয়প্ৰকাশ আৰু অৰুণা আচফ আলিৰ কাৰ্য্যপন্থা সমৰ্থন কৰিব নোৱাৰি, জ্যোতিপ্ৰসাদে আত্মসমৰ্পণ কৰি জেলত সোমাই থকা স্থিৰ কৰি—১৯৪৩ আগষ্ট মাহত তেজপুৰত গৈ আত্মসমৰ্পণ কৰে। তেওঁৰ ওপৰত মকৰ্দ্দমা হল–কিন্তু যি কাৰণত তেওঁৰ ওপৰত চাৰ্জ অনা হৈছিল তাক ভালকৈ পুলিছে থিয় কৰিব নোৱাৰাত তেওঁক আদালতে খালাছ দিয়ে।

খালাছ পোৱাৰ পিছত তেওঁ অলপ দিন কলিকতাৰ পৰা অহা সাহিত্য

পুঁজিৰ টকা ৪২ ত হতাহত হোৱাসকলৰ মাজত বিলোৱা কামত থাকি পিছত কিছুদিন বন্ধ হৈ থকা 'অসমীয়া' কাকত উলিৱাত সহায় কৰিবলৈ যায় আৰু 'অসমীয়া' কাকতৰ সম্পাদকৰ কাৰ্য্যভাৰ গ্ৰহণ কৰে। 'অসমীয়া'ৰ সম্পাদক হৈ গুৱাহাটিত থাকোতেই তেওঁ অসম বিশ্ববিদ্যালয় স্থাপনৰ বাবে শেষ আন্দোলনৰ সূত্ৰপাত কৰে। 'বেচৰকাৰিকৈ হলেও অসম বিশ্ববিদ্যালয় পাতিবই লাগিব' বুলি তেওঁ যি সম্পাদকীয় 'অসমীযাত' লিখে—সেই সম্পাদকীয়যেই 'বিশ্ববিদ্যালযৰ' আন্দোলন আকৌ তুলি আনে। ইয়াৰ পিছতেই বাঁহী, আসাম ট্ৰিবিউন আদিয়ে এই সূত্ৰকে ধৰি বিশ্ববিদ্যালয় আন্দোলন উতলাই তোলে।

সাত মাহ অসমীয়াৰ সম্পাদক হিচাপে কাম কৰি আৰু সেই সময়ত অসমীয়াৰ 'অকমানি চ'ৰাৰ যোগেদি অসমীয়া শিশু-সাহিত্যলৈ যথেষ্ট দান আগবঢ়ায়। স্বাস্থ্য আৰু বেয়াহৈ অহাত—ৰাজহুৱা জীৱনৰ পৰা কিছুকাল আঁতৰি থাকি স্বাস্থ্যৰ উন্নতি কৰিবলৈ বুলি, শ্ৰীযুত দেৱকান্ত বৰুৱাক অসমীয়া সম্পাদনাৰ ভাৰ গতাই দি, ডিব্ৰুগড়ৰ তেওঁলোকৰ চাহবাগিছা তামোলবাৰীলৈ গৈ সপৰিয়ালে থাকিবলৈ লয়। ইয়াতো তেওঁৰ স্বাস্থ্য ভাললৈ নাহি কিছু বেয়ালৈহে যায়। এই ভগ্নস্বাস্থ্যলৈও তেওঁ সাহিত্য চৰ্চ্চা এৰিব নোৱাৰি কাপ ধৰিয়েই আছে। কবিতা প্ৰবন্ধপাতিৰ উপৰিও তেওঁ 'লভিতা' 'ৰূপ কোঁৱৰ' নাটক সম্পূৰ্ণ কৰে আৰু 'কনকলতা' নাটক লিখিবলৈ লৈছে।

ইয়াৰ উপৰিও নবভাৰতীয় স্থাপত্যৰ এটা নতুন ৰূপ বিচাৰি তেওঁ বিশেষকৈ নতুন যুগৰ আজিৰ অসমীয়া স্থাপত্যনো কেনে হব এই বিষয়ে মনোনিবেশ কৰিছে। তেওঁৰ নতুন অসমীয়া স্থাপত্যৰ পৰিকল্পনাৰ নিদৰ্শন ( desing ) কেতবোৰ ৰাইজৰ আগত দাঙি ধৰিছে; যাতে

# লভিতা

নতুন সংস্কৃতি সভ্যতা ৰচনা কৰিবলৈ ওলোৱা ভাৰতবৰ্ষই, অসমে মৌলিক প্ৰতিভাৰ যোগেদি নতুন স্থাপত্য গঢ়িবলৈ অনুপ্ৰেৰণা পায়। তেওঁৰ অভিপ্ৰায়, যেন আজিৰ যুগত সজা অসম বিশ্ববিদ্যালয়ৰ স্থাপত্যত আজিৰ অসমীয়াৰ সাংস্কৃতিক মনটো প্ৰতিফলিত হয় আৰু অসমীয়া ইঞ্জিনিয়াৰৰ নিৰ্ম্মাণ-কুশলতাৰ সি এটা নিদৰ্শন হয়। অসম বিশ্ববিদ্যালয়ৰ ঘৰত যেন আজিৰ অসমীয়াৰেই হাতৰ আখৰ জিলিকি উঠে।

জ্যোতিপ্ৰসাদৰ বেছিভাগ লিখাই অপ্ৰকাশিত হৈ আছে। প্ৰকাশিত লিখাবোৰ কাকতে-পত্ৰই সিঁচৰিত হৈ আছে। সমস্ত সকলো প্ৰকাশ হলে ৰাইজে জোতিপ্ৰসাদৰ গুণাগুণ ভালকৈ উপলব্ধি কৰিব পাৰিব।

জ্যোতিপ্ৰসাদৰ এই অসমাপ্ত জীৱনৰ নাটকীয় কাহিনী, জ্যোতি-প্ৰসাদে বাস্তৱৰ আলম লৈ কল্পনাৰ সহায়েৰে লিখা। লভিতাতকৈও ৰাইজৰ কাৰণে 'বাস্তৱজীৱন' নাটক হিচাবে ভালকৈযে বাপলগা হব বুলিয়েই ইয়াত সংযোজিত কৰি দিয়া হল।

শ্ৰীবনমালী কাৰ্কতি—( বি,-এচ্-ছি )

ডিব্ৰুগড

# প্ৰচ্ছদ পট পৰিচয়

“লভিতাৰ” আৱৰণী পাতত দিয়া আলেখ্যৰ চিত্ৰশিল্পী হৈছে শ্ৰীযুত অভয় দুৱৰা। এওঁ বৰ্ত্তমান ডিব্ৰুগড়ত থাকে। ৰঙ্গমঞ্চৰ এজন সুদক্ষ প্ৰযোজক আৰু অভিনয় শিল্পী এই নবীন বিকশমান অসমৰ শিল্পী প্ৰতিভাৰ বয়স এতিয়াও কোমল। এৱেঁই জ্যোতিপ্ৰসাদৰ অভিনৱ অসমীয়া স্থাপত্যৰ ৰূপ দিয়া এজন কাৰিকৰ।

অভয় দুৱৰা ব্যৱসায়ী শিল্পী নহয়। তেওঁৰ আছে এক শিল্পী-দাৰ্শনিকৰ মন আৰু কলা-নৈপুণ্য আৰ্জিব পৰা প্ৰতিভা।

“আৱৰণী পাতৰ ছবিখনিত আজি ভাৰতীয় শিল্পীয়ে আজিৰ বাস্তৱৰ মাজত ঠিয় হৈ যি সাংস্কৃতিক দৃষ্টিয়ে আমাৰ ভাৰতৰ আজিৰ বাস্তৱ গঢ়িব পাৰিব বুলি উপলব্ধি কৰিছে, তাৰেই প্ৰতিচ্ছবি ৰূপান্তৰিত অসমীয়া সমল-সঁজুলিৰে ৰাইজৰ আগত দাঙি ধৰিছে।

প্ৰকাশ প্ৰতীক্ষাত থকা অসমীয়া বিশ্বমুখী চিত্ৰকলাৰ এই ছবিখনি পূৰ্ব্বাভাষ বুলি আমাৰ ধাৰণা—।

## = আমাৰ অসমীয়া নাটকাৱলী =

| | | |
|---|---|---|
| লভিতা | — | জ্যোতিপ্রসাদ আগৰৱালা |
| শকুন্তলা | — | অতুল চন্দ্ৰ হাজৰিকা |
| শোণিত কুঁৱৰী | — | জ্যোতিপ্রসাদ আগৰৱালা |
| নৰকাসুৰ | — | অতুল হাজৰিকা |
| ৰূপালীম | — | জ্যোতিপ্রসাদ আগৰৱালা |
| নন্দদুলাল | — | অতুল হাজৰিকা |
| কাৰেঙৰ লিগিৰী | — | জ্যোতিপ্রসাদ আগৰৱালা |
| শ্ৰীৰামচন্দ্ৰ | — | অতুল হাজৰিকা |
| জয়মতী | — | জ্যোতিপ্রসাদ আগৰৱালা |
| মানস প্ৰতিমা | — | অতুল হাজৰিকা |
| কুমাৰ ভাস্কৰ | — | গোলোক শৰ্ম্মা |
| বেউলা | — | অতুল হাজৰিকা |
| পিয়লি ফুকন | — | প্ৰফুল্ল বৰুৱা |
| ছত্ৰপতি শিৱাজী | - | অতুল হাজৰিকা |
| ব্লেক মাৰ্কেট | — | মেদিনী চাকৰীয়া |
| চম্পাৱতী | — | অতুল চন্দ্ৰ হাজৰিকা |
| সিংহাসন | — | শুক্লেশ্বৰ বৰা |
| কুৰুক্ষেত্ৰ | — | অতুল চন্দ্ৰ হাজৰিকা |
| বিসৰ্জ্জন | — | ৰবীন্দ্ৰনাথ ঠাকুৰ |
| কনৌজ কুঁৱৰী | — | অতুল চন্দ্ৰ হাজৰিকা |
| ডাক ঘৰ | — | ৰবীন্দ্ৰ নাথ ঠাকুৰ |
| বণিজ কোঁৱৰ | — | অতুল চন্দ্ৰ হাজৰিকা |